**Pamphlet number one.** ( প্ৰবন্ধ ছিৰিজ ১ )

# কবিতা আৰু দৰ্শন





[ প্ৰিন্সিপাল—শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ এম্‌-এ ( কলিকতা আৰু অক্সফৰ্ড ) ডাঙ্গৰীয়াৰ পাতনি সম্বলিত । ]



শ্ৰীৰমেশচন্দ্ৰ বৰুৱা ।

# কবিতা আৰু দৰ্শন

[ প্ৰিন্সিপাল—শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ এম্-এ ( কলিকতা আৰু অক্সফড ) ডাঙ্গৰীয়াৰ পাতনি সম্বলিত। ]



শ্ৰীৰমেশচন্দ্ৰ বৰুৱা।

কলিকতা

ইং ১৯৩৬




মূল্য দুই অনা মাত্ৰ।

# পাতনি

—০:*:০—

এই সৰু ৰচনা খনিত কবিতাৰ বিষয়ে গোটা-দিয়েক কথা আলোচনা কৰা হৈছে। লেখক তৰুণ, সৰল ভাষাত গধুৰ কথা অবতাৰণা কৰিছে। লিখোঁতে বিশেষজ্ঞ সকলৰ গ্ৰন্থৰ সহায় লৈছে। তৰুণ লিখক সকলে গল্প আদি পাতল ৰচনাত হাত নিদি গধুৰ বিষয় আলোচনা কৰিবলৈ অভ্যাস কৰিলে নিজৰ আৰু ভাষাৰো উপকাৰ হব। লেখকে এই নিচিনা ৰচনাৰ এটা ক্ৰম প্ৰকাশ কৰিবৰ মন কৰিছে। পাঠক সকলৰ সহানুভূতি আৰু উৎসাহ পালেই তেওঁৰ এই সজ ইচ্ছা পূৰ হব।

শ্ৰীকৃষ্ণকান্ত সন্দিকৈ।

# কবিতা আৰু দৰ্শন

এই প্ৰবন্ধত কবীন্দ্ৰ ৰবীন্দ্ৰনাথে কেনেকৈ কবিতা আৰু দৰ্শনৰ সামঞ্জস্য দেখুৱাইছে তাক আলোচনা কৰা যাব।

কবীন্দ্ৰ ৰবীন্দ্ৰনাথৰ কবিতাৰ বিশেষত্ব এই যে তেওঁ ৰচনা কৰা প্ৰতি কবিতাৰ ছন্দে ছন্দে দৰ্শনৰ আভা অতি প্ৰাঞ্জলভাবে প্ৰতিবিম্বিত হয়।

কবিতা সুকুমাৰ কলাৰ এক প্ৰধান অংশ; গতিকে এই প্ৰসঙ্গত সুকুমাৰ কলাৰ মুখ্য উদ্দেশ্য আৰু লক্ষ্য কি তাক আলোচনা কৰা প্ৰয়োজন "কবিয়ে মানবক লোভ বা আকাঙ্ক্ষাৰপৰা মুক্ত কৰে" সুকুমাৰ কলাৰ উচ্চতম লক্ষ্য হৈছে—মানববৃন্দক মুক্তিৰ পথত উপনীত কৰা।

শিল্পীয়ে মানবক সংসাৰৰ কৰাল গ্ৰাসৰপৰা মুক্ত কৰি 'অদৃশ্য নিত্যতা'[১] প্ৰকাশ কৰি দেখুৱাব। প্ৰকৃত সুকুমাৰ কলাই মানব-আত্মাক সংসাৰৰ বন্দীশালৰ পৰা মুক্ত কৰে। মানবক আত্ম-বিভোৰ কৰাই সুকুমাৰ কলাৰ গুপ্ত মন্ত্ৰ। যেতিয়া আমাৰ আত্মা আত্মবিভোৰ হৈ অন্য আত্মাৰ লগত মিলি যায়, অৰ্থাৎ যেতিয়া শিল্পীৰ অন্তৰ আত্মা, বাহ্যিক আত্মাৰ লগত সংলগ্ন হয় তেতিয়া সেই মাহেন্দ্ৰ ক্ষণত সুকুমাৰ কলাই জন্ম গ্ৰহণ কৰে। সুকুমাৰ

১। Invisible Eternity.

কলাই আনন্দত জন্ম গ্ৰহণ কৰা কাৰণেই আমাক আনন্দ প্ৰদান কৰিবলৈ সক্ষম হয়। সুকুমাৰ কলাৰ সৃষ্টি আৰু আনন্দ স্বাভাবিক আৰু আত্ম-জ্ঞান শূন্য। শিল্পীয়ে এটা বিশেষ অভিপ্ৰায় লৈ দৰ্শকক বা জগতক আনন্দ দিবলৈ বুলি কোনো কাৰ্য্য সম্পন্ন নকৰে— শিল্পীৰ অন্তৰ-আত্মাত যি প্ৰগাঢ় ভাব অনুভব হয়, সেইয়েই মাথো বাহ্যিক জগতত শিল্প-কাৰ্য্য হিচাপে প্ৰকাশ পায়। অধিক শক্তিৰ প্ৰাদুৰ্ভাব হলেহে সুকুমাৰ কলাৰ সৃষ্টি সম্ভৱপৰ। "মানুহে কোনো লাভৰ কাৰণে কথা কয়, কিন্তু যেতিয়া কোনো েনে কাৰণ নাথাকে তেতিয়া গান গাই; কোনো দূৰ অতিক্ৰম কৰিবলৈ মানুহে খোজকাঢ়ে, কিন্তু যেতিয়া কোনো দূৰ অতিক্ৰম কৰিবলৈ নাথাকে, তেতিয়া মানুহে নাচে, মানুহে হাতত কলম থাকিলে লিখে, কিন্তু যেতিয়া কোনো কলম নাথাকে, তেতিয়া ছবিত ৰং লগাই"। যেতিয়া মানব সমাজৰ সম্পূৰ্ণ সময় আৰু শক্তি যুদ্ধ-বিগ্ৰহ বেপাৰ বাণিজ্যত ব্যবহাৰ কৰা হয়, তেতিয়া চিত্ৰাঙ্কন, নৃত্য, কবিতা আদি সুকুমাৰ কলাৰ চৰ্চ্চা কৰিবৰ কাৰণে মানব সমাজে অমূল্য সময় আৰু শক্তি খৰছ কৰিবলৈ অক্ষম হয়। কিন্তু এইটো মন কৰিব লাগিব যে "সুকুমাৰ কলাৰ জন্ম আলস্যত—বাণিজ্যত নহয়।" মানববৃন্দই মানসিক বা শাৰীৰিক অভাব পূৰণ কৰিবলৈ সুকুমাৰ কলাত আশ্ৰয় লোৱাটো ভুল। সুকুমাৰ কলা কেৱল আমি অনুভব কৰোঁ বা উপভোগ কৰোঁ, কিন্তু তাক পুঙ্খানুপুঙ্খৰূপে বিশ্লেষণ কৰা বা তুল-তৰ্জ্জুত ওজন কৰা অনাবশ্যক।

যদিও সুকুমাৰ কলাৰ এক প্ৰধান অংশ হিচাপে, দৰ্শন সম্বন্ধে আলোচনা কৰা কবিতাৰ উদ্দেশ্য নহয়, তথাচ, কবিতাত দৰ্শনৰ দৃষ্টি উদ্ভব নহলে উক্ত উদ্দেশ্য সিদ্ধি হব নোৱাৰে। কবিতাই জীৱনৰ

বাখ্যা আৰু সত্তাৰ বিষয়ে এটা সম্পূৰ্ণ দৃশ্য জগতক দান দিবলৈ চেষ্টা কৰা উচিত। নিত্যতা প্ৰকাশ নকৰাকৈ কেৱল আনন্দ আৰু তৃপ্তি প্ৰদান কৰিলেই কবিতাৰ মুখ্য উদ্দেশ্য সাধন নহয়।

দাৰ্শনিক শ্ৰেষ্ঠ এৰিষ্টটলে এই কথা অতি প্ৰাঞ্জলভাবে পৰিস্ফুটিত কৰি তুলিছে যে কবিতা দৰ্শনৰ এক প্ৰধান অংশ আৰু কবিতাৰ উচ্চতম লক্ষ্য হৈছে সত্যৰ ওচৰত-উপনীত হোৱা। প্ৰকৃত কবিয়ে প্ৰতি অংশতে সম্পূৰ্ণতা বিৰাজ কৰা দেখিবলৈ পায় আৰু তেওঁ কবিতাৰ আলমত উক্ত সম্পূৰ্ণতাৰ ছাঁয়া মানববৰ্গক প্ৰকাশ কৰি দেখুৱাবলৈ সক্ষম হয়। কেৱল আমোদ প্ৰদান কৰিবলৈ বা মানব সমাজৰ ভাল আৰু বেয়া ভাবৰাশি প্ৰকাশ কৰিবলৈ অথবা, মানব জীৱনৰ বিষয়ে বা মানব স্বভাবৰ বিষয়ে আমাৰ জ্ঞান বৃদ্ধি কৰিবলৈ কবিতা সৃষ্টি হোৱা নাই,—কবিতাৰ উদ্দেশ্য মহান্—অতি উচ্চ ;—কবিতাৰ এই উচ্চতম উদ্দেশ্য হৈছে 'আদৰ্শ সত্যক'[১] প্ৰকাশ কৰা। গতিকেই দেখা গ'ল যে কবিতা আৰু দৰ্শনৰ মাজত বিশেষ সামঞ্জস্য জড়িত আছে, আৰু, কবিতা,—প্ৰকৃত কবিতাৰূপে পৰিগণিত হবলৈ হলে নিশ্চয় দৰ্শনৰ লগত সম্বন্ধ থাকিব লাগিব। কাৰণ মন স্থিৰ হলে আৰু আত্মা শান্তিত থাকিলেহে কণ্ঠত সুশীতল সুললিত কবিতাৰ সোঁত প্ৰবাহিত হয়। বিৰক্ত আত্মা আৰু অস্থিৰ মন হলে কেতিয়াও প্ৰকৃত ডাঙৰ কবি হব নোৱাৰে। জীৱনৰ স্পন্দন কবিতাৰ ছন্দত পৰিণত হয়। হৃদয় সুশ্ৰাব্য আৰু অমৃতময় হলেহে কণ্ঠত কবিতাৰ কৰুণ ছন্দ ঝঙ্কাৰিত হয়। মনৰ পৰা সন্দেহৰ ডাৱৰ ভাহি নাইকিয়া হলেহে অন্তৰ-আত্মাই সমন্বৰ সাধন কৰিব পাৰে। অন্তৰ-আত্মা

১। Ideal Truth.

আৰু বাহ্যিক আত্মা গলি দুয়ো এক হলেহে অপূৰ্ব মধুময় সমন্বৰৰ সৃষ্টি হয়। কবিতা মানব হৃদয়ৰ প্ৰতিধ্বনি আৰু বিশ্ব জগতৰ গীতি-লহৰী। কবিৰ প্ৰকৃতিলৈ প্ৰেম আৰু সৃষ্টিলৈ মৰম থাকিব লাগিব। কবীন্দ্ৰ ৰবীন্দ্ৰনাথে শিল্পীৰ আত্মা জগত-আত্মাৰ লগত এই দৰে বৰ্ণনা কৰি দেখুৱাইছে- "পৃথিবীয়ে অন্তৰ-আত্মাক সম্বোধি কৈছে,--"বন্ধু ! তুমি মোক দেখিছানে ? তুমি মোক ভাল পোৱানে ?" ইয়াৰ উত্তৰত শিল্পীয়ে কৈছে,--"হয়। মই তোমাক দেখিছো ; মই তোমাক ভাল পাওঁ—কিন্তু মই তোমাক নিজ ব্যক্তি হিচাপেহে ভাল পাও, তুমি মোক আহাৰ, ফল, ফুল ইত্যাদি দিয়া কাৰণে অথবা মই তোমাৰ শক্তি ব্যৱহাৰ কৰিবলৈ পোৱাত মই তোমাক ভাল পাও সি নহয়।" চৌদিশে সৌন্দৰ্য্য বোধ কৰিবলৈ হলে শ্যামল পৃথিবীক ভাল পাব লাগিব, প্ৰকৃতিক চুমা খাব লাগিব, প্ৰকৃতিৰ লগত ধেমালি কৰিব লাগিব আৰু প্ৰকৃতিৰ লগত সমবেদনা বা সম আনন্দৰ অধিকাৰী হব লাগিব। প্ৰকৃত কবিয়ে প্ৰকৃতিৰ বিশৃঙ্খল কোলাহলপূৰ্ণ শব্দ সমূহৰ ভিতৰতো সমস্বৰ অনুভব কৰিব পাৰে—মলিন কদৰ্য্য হৃদয়তো জ্যোৎস্নাৰ আভা দেখিবলৈ পায় আৰু সমস্তত 'নিত্যতাৰ ১' প্ৰতিবিম্ব নিৰীক্ষণ কৰে।

প্ৰকৃত কবিতাত মানসিক উদ্বেগ আৰু চিন্তা উভয়ৰে সামঞ্জস্য নিহিত থাকিব লাগিব,—কাৰণ কেৱল চিন্তা-শূন্য উদ্বেগ বা অনুভব হলে কবিতাত কণ্ঠস্বৰ নেথাকিব।

ৰবীন্দ্ৰনাথে কঠোৰাকাৰত মায়াবাদ ২ আৰু বাস্তৱবাদ ৩ সমৰ্থন নকৰে। তেওঁ কয় "মই আদৰ্শ কাল্পনিক জীৱন বিশ্বাস কৰো।

১। Eternity
২। Idealism
৩। Realism

মই এপাহী সৰু ফুলত এটা প্ৰাণ সৌন্দৰ্য্যৰ কোলাত লুকাই থকা অনুভৱ কৰো। মই বিশ্বাস কৰো যে বিহগৰ কৰুণ সুৰত প্ৰকৃতি স্বয়ং প্ৰকাশ পায়। মই পৃথিবীত এটা 'সৃজনক্ষম আদৰ্শ'১ অহৰহ ঘূৰি ফুৰা বিশ্বাস কৰো, যি হৈছে 'স্বৰ্গ'; আৰু এই স্বৰ্গৰ আদৰ্শ কাল্পনিক ছাঁয়া নহয়, কিন্তু চৰম বাস্তৱিকতা—যি বাস্তৱিকতাত উপনীত হবৰ কাৰণে আজি জগতৰ সকলো বস্তু ধাৱমান। মোৰ মনত এই ধাৰণা আছে যে পূব আকাশৰ হেঙ্গুলী সূৰ্য্যৰ কিৰণত, শস্য-ভৰা শ্যামল ধৰণীত, কুলু কুলু ৰবে প্ৰবাহিত নদীত, বসন্তৰ সোৰভত, আৰু শীতকালৰ উষাৰ নিদ্ৰাত স্বৰ্গৰ ছাঁয়া দেখিবলৈ পোৱা যায়। পৃথিবীৰ সকলো ঠাইতে স্বৰ্গৰ প্ৰাণ সজাগ হৈ আছে আৰু স্বৰ্গৰ কণ্ঠস্বৰ সকলো ঠাইত বিৰাজ কৰিছে।" ৰবীন্দ্ৰনাথৰ প্ৰকৃতিলৈ ভাল পোৱা আৰু প্ৰেম ইমান প্ৰগাঢ় যে তেওঁলৈ প্ৰকৃতিৰ প্ৰতি দৃষ্টিয়েই সৌন্দৰ্য্যৰ অনুপম চিহ্ন স্বৰূপ। ৰবীন্দ্ৰনাথলৈ এদাল ক্ষুদ্ৰ দুবৰী বনেও, অথবা, অকণমান বালিৰ কণিকা মাত্ৰই অজান দেশৰ বাতৰি আনে। তেওঁৰ মানত প্ৰতি ফুল পাহিয়েই পূজাৰ প্ৰতিবিম্ব স্বৰূপ;—প্ৰতি মালাধাৰ,—গীতাঞ্জলী; প্ৰতি অৰণ্যই এটি মন্দিৰ স্বৰূপ;—আৰু প্ৰতি পাহাড়ৰ টিংয়েই পৰমেশ্বৰৰ বাসস্থান। প্ৰবাহিত পানীৰ সোঁতৰ ধ্বনি, শুকান পাতৰ মৰ্‌মৰনি শব্দ, বিহগৰ গান এই সকলো বিলাকেই কেৱল পৰমেশ্বৰৰ গুণ বৰ্ণনা। ৰবীঠাকুৰৰ বিশ্বাত্মাৰ ওপৰত দৃঢ় বিশ্বাস আছে—যাৰ এই বিশ্বাস নাই তেওঁ কেতিয়াও কবি হব নোৱাৰে।

আমাৰ উলঙ্গ চকুত সমুদ্ৰৰ দৃশ্য বা সূৰ্য্যৰ পোহৰ যেনে সাধাৰণ,

১। Creative Ideal.

স্বাভাবিক আৰু সত্য সেইদৰে অকৃত্ৰিম কবিৰ চকুত আধ্যাত্মিক আকৃতি সাধাৰণ আৰু স্বাভাবিক। অকৃত্ৰিম কবিতাত বাস্তব, আদৰ্শত আৰু আদৰ্শ বাস্তবত পৰিণত কৰা হয়।[১] ইংৰাজ কবি টেনিছনে কৈছে যে কবিতাত প্ৰকৃততাতকৈও অধিক পৰিমাণৰ সত্য নিহিত আছে। গতিকে কবিতাত এটা 'আদৰ্শ দৃশ্য'[২] আৰু প্ৰকৃত দৰ্শন জড়িত থাকিব লাগিব। দৰ্শনৰ অঙ্কুৰ যি কবিতাত ফুটি উঠা নাই সেই কবিতা কেতিয়াও উত্তম কবিতাৰূপে পৰিগণিত হব নোৱাৰে।

কবিতা সৃষ্টিকাৰী, কিন্তু, গদ্য বিবৰণকাৰী। প্ৰকৃত কবিৰ সৌন্দৰ্য্য উৎপাদন কৰিব পৰা এটা 'সৃজনক্ষম দৃশ্য'[৩] আছে। 'সৃজনক্ষম আদৰ্শ' কবিতাত আবিৰ্ভাব হলেই কবিতাত কবিতাৰ প্ৰাণ উদ্ভব হয়। ছন্দৰ সূত্ৰ বা বিধিবিলাক কবিৰ কবিতা প্ৰকাশৰ সহায়ৰ কাৰণেহে কিন্তু কবি ছন্দৰ সূত্ৰ বা নিয়মৰ কাৰণে নহয়। নিয়ম কবিৰ বন্দী; কিন্তু, কবি নিয়মৰ কেতিয়াও বন্দী নহয়। যি সকলে 'সৃজনক্ষম আদৰ্শ' বিহীন ছন্দ মিলাই কবিতা ৰচনা কৰিবলৈ চেষ্টা কৰে সেই কবিতা কেতিয়াও কবিতা হব নোৱাৰে—ই কেৱল পদ্য অথবা গদ্য। কবি আকাৰৰ বন্দী নহয় কিন্তু কবিৰ মনত আকাৰ আৰু আত্মা এক।

সুকুমাৰ কলাৰ লক্ষ্য হৈছে আত্ম-প্ৰকাশ, আৰু এই লক্ষ্য চিত্ৰাঙ্কন, সঙ্গীত কবিতা আদিৰ দ্বাৰা হৃদয়ঙ্গম কৰা হয়। সৌন্দৰ্য্য আত্ম-প্ৰকাশৰ প্ৰধান উপাদান কাৰণে সাধাৰণতে সৌন্দৰ্য্যোপাদন সুকুমাৰ কলাৰ লক্ষ্য বুলি ভবা হয় যদিও সৌন্দৰ্য্য লক্ষ্য সাধন কৰা উপায় কিন্তু লক্ষ্যৰ মূল অৰ্থ নহয়।

১। The real idealised and the ideal realised.
২। Ideal Vision.
৩। Creative Vision.

দৰ্শন সম্বন্ধে এটা ভুল ধাৰণা থকা কাৰণে কৃত্ৰিম কবিয়ে দৰ্শন আৰু কবিতাৰ মাজত বিভিন্নতা আছে বুলি ভাবে। কৃত্ৰিম কবিয়ে মাজৰাতি আকাশত অগণন তৰাবিলাকে তিৰ্ বিৰাই বতাহত ওলমি থকাৰ কোনো উদ্দেশ্য নেদেখে,—কাৰণ তেওঁলোকে ভাবে তৰাবিলাকে আকাশত অনৰ্থক জল মলাই থকাতকৈ মৰ্ত্তলৈ নামি আহি নগৰৰ আলিবাটবিলাকত পোহৰ দিলোহা হলে অন্ততঃ কৰদাতাসকলে "মিউনিচিপেল টেক্স" ৰেহাই পালেহেঁতেন!! অকৃত্ৰিম কবিয়ে ব্যক্তিত্বক পূজা কৰে, আনহাতে কৃত্ৰিম কবিয়ে আধুনিক কল-যন্ত্ৰক পূজা কৰে—এই খিনিতে এই দুয়ো শ্ৰেণী কবিৰ মাজত ঘোৰ বিভিন্নতা জড়িত আছে। ৰবীন্দ্ৰনাথে এটা গল্পত প্ৰকৃত আৰু কৃত্ৰিম কবিৰ মাজত বিভিন্নতা পুঙ্খানু-পুঙ্খৰূপে এইদৰে বৰ্ণনা কৰি দেখুৱাইছে :—তেওঁ কৃত্ৰিম মানসিক কবি পুণ্ডৰীকক ৰজা নাৰায়ণৰ প্ৰকৃত ৰাজ-কবি শেখৰৰ লগত তুলনা কৰিছে।—এসময়ত কবি পুণ্ডৰীক ৰজা নাৰায়ণৰ ৰাজ-সভালৈ আহে আৰু ৰজাই তেওঁক যথোচিত সম্ভাষণ জনাই বহিবলৈ আসন দিয়ে। কবি পুণ্ডৰীকে জগতত তেওঁৰ সমান ডাঙৰ কবি নাই বুলি ভাবি অহঙ্কাৰেৰে বুকু ফিন্দাই দীঘলীয়াকৈ ডিঙি মেলি গদ্-গদ্ সুৰে ৰজা নৰনাৰায়ণৰ প্ৰশংসাৰ কবিতা দৰ্শক সকলৰ আগত পাঠ কৰি শুনায়। পুণ্ডৰীকে দক্ষতাৰে সৈতে ৰজাৰ বিভিন্ন নাম বিলাকৰ প্ৰতি আখৰেৰে একোটা ছন্দ ৰচনা কৰি শব্দৰ হুঙ্কাৰত দৰ্শক-বৃন্দক তবধ লগাই ৰাখিছিল আৰু সকলোৱেই মেঘৰ নিনাদৰ নিচিনা কণ্ঠস্বৰ শুনি তেওঁক অসাধাৰণ কবি বুলি ধাৰণা কৰিছিল।·· ·· তাৰ পাচত, কবি শেখৰে যেতিয়া কবিতা পাঠ কৰিছিল সেই কবিতাই কবি পুণ্ডৰীকৰ ছন্দৰ ঠিক বিপৰীত ফল উৎপন্ন কৰিছিল। ৰাজ-কবি শেখৰে কবিতা আৰম্ভ কৰোঁতে অন্তৰ

হৃদয়ৰ পৰা তেওঁৰ সম্পূৰ্ণ অনুভূতি ফাটি ওলাব খুজিছিল,—"তেওঁৰ মুখ শেতা পৰিছিল, লাজত চকুদুটি যুবতীৰ দৰে চলচলীয়া হৈছিল আৰু তেওঁৰ কিঞ্চিৎ যৌবনসুলভ দেহটি বীণা এখনিৰ শেষ তানত তাঁৰ চিগিব খোজাৰ নিচিনা হৈ দেখা দিছিল।"……"কবি শেখৰে কবিতা পাঠ কৰা শেষ হোৱাৰ লগে-লগে শ্ৰোতাসকলৰ চকুত চকু পানীৰে চল-চলিয়া হৈ পৰিছিল আৰু যেন শিলৰ দেৱালবিলাকৰ পৰা তেওঁৰ জয়-গৌৰব প্ৰতিধ্বনিত হৈছিল। প্ৰকৃত সঙ্গীতৰ প্ৰভাৱত মৰুভূমিত অমৃতৰ ধাৰা প্ৰবাহিত হয়, শিল গলি যায়, আৰু গোটেই পৃথিবী আনন্দত আত্মহাৰা হৈ নাচিবলৈ ধৰে।

কবিয়ে ঈশ্বৰক সৌন্দৰ্য্যৰ জীৱনী-শক্তি হিচাপে পূজা কৰে, আন হাতে দাৰ্শনিকে ঈশ্বৰক আদৰ্শ শক্তি হিচাপে ভক্তি কৰে। দৰ্শন সত্যৰ মন্দিৰ, ইফালে কবিতা সৌন্দৰ্য্যৰ নিদৰ্শন। কবিতা আৰু দৰ্শন বিভিন্ন হব নোৱাৰে; কাৰণ 'সত্যই সুন্দৰ, আৰু সুন্দৰেই সত্য' ১। দৰ্শনে মানব-বৃন্দক 'বিজ্ঞ জগতৰ' বিষয়ে কয় আৰু কবিতাই সুন্দৰ জগতৰ বিষয়ে বিবৰণ দিয়ে। বিশৃঙ্খলতা আৰু বিবেক-হীনতা দৰ্শনে সহ্য কৰিব নোৱাৰে, আনহাতে, কবিতাই প্ৰকৃতিৰ বা সমাজৰ কদৰ্য্যতা আৰু বিৰক্তিক গ্ৰহণ নকৰে। ইংৰাজ কবি ৱাৰ্ড্‌ছৱাৰ্থে, বিশ্লেষণ কৰি দেখুৱাইছে যে শোক—শোক নহয়, কিন্তু ই পৰম আনন্দ জগৎ প্ৰেমময়। কবিতাই আত্মাক জগতৰ লগত সম্বন্ধ কৰি ৰাখে আৰু মানববৃন্দৰ পৃথিবীত বাস কৰিবলৈ হেপাহ জন্মাই দিয়ে। দাৰ্শনিকসকলে যি ছায়া বা দগ্ধ চকুৰে দেখে তাক কবিয়ে কবিতাৰে মালা গাঁথি পুনৰ গঢ়ি তোলে। কবিতাত দৰ্শন নিহিত আছে।

১। Truth is Beauty and Beauty is Truth.

কবিতা হৃদয়ৰ অন্তস্থলীৰ পৰা আহে আৰু হৃদয় গৰ্ভত প্ৰবেশ কৰি কল্পনাৰ উদ্ভৱ কৰে। আত্মাই কবিৰ লগত একেলগে ভাবে, অনুভৱ কৰে, আৰু উপভোগ কৰে।

পুৰণি কালত ধৰ্ম্মসম্বন্ধীয় সাহিত্য কবিতা আৰু সঙ্গীতত প্ৰকাশ পাইছিল। মহাভাৰত আৰু ৰামায়ণৰ নিচিনা কাব্যৰ দ্বাৰা ভাৰত বৰ্ষত যোগী-মুনি, ৰজা-প্ৰজা, ধনী-দৰিদ্ৰ সকলোকে হিন্দু দৰ্শন আৰু হিন্দু ধৰ্ম্মৰ বিষয়ে শিক্ষা দিয়া হৈছিল। ধৰ্ম্ম কবিতাত প্ৰকাশ পালে হৃদয়ত প্ৰেৰণা জাগি উঠে। সত্যক সৌন্দৰ্য্যত প্ৰতিষ্ঠাপিত কৰি কবিয়ে তেওঁৰ ভাবৰাজি মানব জীৱনত সঞ্চাৰিত কৰে। ভাষাৰ দুৱাৰেদি সত্যই মানব স্বভাব প্ৰবেশ কৰে।

কবীন্দ্ৰ ৰবীন্দ্ৰনাথে আজি জগতত শীৰ্ষস্থান অধিকাৰ কৰাৰ প্ৰধান কাৰণ হৈছে যে তেওঁ ৰচনা কৰা প্ৰতি কবিতাৰ স্তৰে স্তৰে দৰ্শন সম্বন্ধীয় আৰু আধ্যাত্মিক ভাব নিহিত আছে। ৰবীন্দ্ৰনাথে প্ৰতি কবিতাতে "মানব-ধৰ্ম্মৰ" ১ প্ৰাবল্যতা আৰু প্ৰাধান্যতা জগতক বিশ্লেষণ কৰি দেখুৱাবলৈ চেষ্টা কৰি আহিছে। তেওঁৰ মতে মানব পূজাই জগতত সকলোতকৈ শ্ৰেষ্ঠ ধৰ্ম্ম। তেওঁ আমাৰ ব্যক্তিগত আত্মাক সম্বোধি কৈছে : "হে মনৰ মানুহ, তুমি মনৰ মাজত অন্বেষণ কৰা ; এবাৰ দিব্য চকু খোল খালে সকলো দেখিবলৈ পাবা" —আৰু তেওঁ কৈছে যে আমাৰ উপনিষদত "সোঽহম্" বুলি যি তত্বক স্বীকাৰ কৰা হৈছে তাত অহঙ্কাৰৰ চিন্ লেশ্ মাত্ৰও জড়িত নাই,—ইয়াত কেৱল সত্যক ব্যাপক কৰা হৈছে। আমাৰ ব্যক্তিগত 'আমি' ব্যাপ্ত হৈ বিশ্বজগত 'আমি' বিৰাজ কৰিছে। মুৰত

১। The Religion of Man.

জটা ধাৰণ কৰি ; গাই মুখে ছাই ঘঁহি 'সোঽহম্' শব্দ উচ্চাৰণ কৰিলেই সোঽহম্-সত্য প্ৰকাশ কৰা নহয়,— বৰং তেনে কৰিলে কেৱল অহঙ্কাৰৰ হে প্ৰাবল্য বাঢ়ে। "যি 'আমি' সকলোৰে, সেই 'আমি' আমাৰ ব্যক্তিগত 'আমি' "—ইয়াতেই সত্য বাস কৰিছে আৰু এই সত্যক আকোৱালি লোৱাই মানুহৰ সাধনা। আমি মানুহৰ ইতিহাসত চিৰকাল নানা ৰূপে এই সাধনাকে কৰি অহা দেখিবলৈ পাওঁ। যি পৰম 'আমি',—যি সকলোৰে 'আমি' সেই 'আমি'ক আমাৰ সমাজে যি পৰিমাণে উপলব্ধি কৰিছে সেই পৰিমাণ অনুযায়ী আমি সত্য-মানুহ হৈ উঠিছোহঁক।

সৌভাগ্যক্ৰমে বঙ্গ সাহিত্যত ৰবীন্দ্ৰনাথে ৰসসৃষ্টি আৰু ৰসসৃষ্টিৰ এটা অতি অপূৰ্ব্ব আৰু অভাবনীয় শুভসংযোগ ঘটাইছে। তেওঁ নিজেই স্ৰষ্টা, দ্ৰষ্টা আৰু দৰ্শয়িতা। এই যে ৰসসৃষ্টিৰ কথা উল্লেখ কৰা হৈছে ইয়াৰ সংজ্ঞা নিৰ্ণয় কৰা সুকঠিন, কাৰণ, ই প্ৰমাণযোগ্য নহয়, কেৱল মাথোন অনুভৱযোগ্য। বিচিত্ৰ বিৰাট এই বিশ্ব প্ৰকৃতিৰ লগত মানবপ্ৰকৃতিৰ সম্পৰ্ক আৰু সামঞ্জস্যত এটা সুগভীৰ অনুভূতি বোধত অন্তৰৰ অন্তৰতম প্ৰদেশত সুখ দুঃখাতীত যি আনন্দ আৰু প্ৰশান্তি উপলব্ধি হয়, সেইয়েই ৰস। ৰবীন্দ্ৰনাথে এই উচ্চতম স্তৰৰ কবিত্ব অধিকাৰ কৰিছে। প্ৰকৃত কবিৰ চকুত—

নীৰৰ একেটি টোপাত,
তাতে হয় বিশ্ব প্ৰতিভাত।

সেইহে ৰবীন্দ্ৰনাথে "উৰ্ব্বশী" কবিতাত উৰ্ব্বশীক কেৱল উৰ্ব্বশী বুলি বৰ্ণনা কৰিয়েই সন্তুষ্ট হোৱা নাই—উৰ্ব্বশীক চিৰবাঞ্ছিতা, কল্পনাময়ী মানস-প্ৰতিমা আৰু তেওঁৰ সৌন্দৰ্য্য সাধনাৰ মূৰ্ত্তিমতী সিদ্ধিৰূপে বৰ্ণনা কৰিছে। উৰ্ব্বশীৰ স্তুতি গানত কবিয়ে এইদৰে বৰ্ণনা কৰিছে।

"নহ মাতা, নহ কন্যা, নহ বধূ, সুন্দরী রূপসী"

* * *

তোমার নৃত্যের

"ছন্দে ছন্দে নাচি' উঠে সিন্ধুমাঝে তরঙ্গের দল,
শস্যশীর্ষে শিহরিয়া কাঁপি' উঠে ধরার অঞ্চল,
তব স্তনহার হ'তে নভস্তলে খসি' পড়ে তারা,
অকস্মাৎ পুরুষের বক্ষোমাঝে চিত্ত আত্মহারা,
নাচে রক্তধারা।"

কবিয়ে কৈছে যে উৰ্ব্বশীক বিশ্বমানবে নিজৰ বুলি ভাবি আনন্দিত হৈছে। বিশ্বৰ বাসনাই উৰ্ব্বশীৰ পৰা পৰিপূৰ্ণ চৰিতাৰ্থতা লাভ কৰিছে। তেওঁ উৰ্ব্বশীক সম্বোধি কৈছে "তুমি ধন্যা! কাৰণ তুমি বিশ্বক ধন্য কৰিলা। বিশ্বৰ মানস ৰাজ্যত তুমি মহিময়ী সম্রাজ্ঞী। বিশ্ব আজি তোমাৰ গৌৰবত গৌৰবান্বিত" "উৰ্ব্বশী" কবিতাত কবিয়ে বিশ্বৰ সৌন্দৰ্য্যৰ স্তুতি গান কৰিলে। কবিৰ সাধনা সাৰ্থক হল।

উল্লিখিত আলোচনাৰ পৰা পৰিস্কাৰকৈ দেখা গ'ল যে আমাক দৰ্শনৰ বিষয়ে জ্ঞান দিয়া যদিও কবিতাৰ চৰম উদ্দেশ্য নহয় তথাপিও কবিতাই নিজ উদ্দেশ্য সাধন কৰিবলৈ হ'লে কবিতাত দৰ্শনৰ সৃষ্টি হ'ব লাগিব।

মেথিউ আৰ্নল্ডে "কবিতা মানব জীৱনৰ সমালোচন" বুলি বৰ্ণনা কৰিছে। কবিতা আৰু দৰ্শনৰ জন্ম যদিও বিভিন্ন শাখাৰ পৰা—উদ্দেশ্য এক। কবিতা আৰু দৰ্শন উভয়ে সৌন্দৰ্য্যৰ দ্বাৰত লগ লাগে। প্ৰকৃত কবিতাই সৌন্দৰ্য্য সত্যত আৰু সত্য সৌন্দৰ্য্যত[১]

১। Beauty is Truth and Truth is Beauty.

অনুভৱ কৰে। কবিয়ে দাৰ্শনিকসকলৰ দৰে সকলো বস্তুৰ গভীৰতম অৰ্থ উলিয়াবলৈ চেষ্টা কৰে। কবি-দাৰ্শনিকে সকলো বস্তুৰে সামঞ্জস্য দেখিবলৈ পায় আৰু বিশ্বক নিত্যতাৰ আকাৰত প্ৰতীক্ষণ কৰে। যিয়েই "সত্যং শিবং সুন্দৰম্" স্বয়ম্ভূৰ এই তিনি আকৃতি একে লগে অনুভৱ কৰিবলৈ সক্ষম হয়, তেওঁয়েই প্ৰকৃত কবি-দাৰ্শনিক।

**কবি-দাৰ্শনিকৰ কবিতা আমাৰ অন্তৰাত্মাৰ প্ৰদীপ—হৃদয়ৰ স্তোত্ৰ আৰু তেজ উত্তেজিত কৰা সঙ্গীত।**

অন্ত